# দৰণী

১৯৩৭ ইং, ৪৮৮ শঙ্কৰাব্দ ।



লিখক— শ্ৰীতিলকচন্দ্ৰ দাস

প্ৰকাশক— শ্ৰীনন্দমোহন কাকতী

# দৰদী



১৯৩৭ ইং

৪৮৮ শঙ্কৰাব্দ ।



লিখক— শ্ৰীতিলকচন্দ্ৰ দাস

প্ৰকাশক— শ্ৰীনন্দমোহন কাকতী

## —কৃতজ্ঞতা প্ৰকাশ—

সপোনতো ভবা নাছিলো মোৰ চেনেহৰ "দৰদী"য়ে যে ৰাইজৰ আগত কেতিয়াবা মুখ খনি দেখুৱাব পাৰিব; কিন্তু উঃ লক্ষীমপুৰৰ শ্ৰীযুত ৰুদ্ৰেশ্বৰ বানীয়া, বি-এ, এছ-ডি-ছি, ডাঙৰীয়াৰপৰা উৎসাহ পাই আমি "দৰদী"ক ৰাইজৰ সমুখলৈ আগ বঢ়ালো। তেখেতৰ পৰা উৎসাহ নোপোৱা হ'লে "দৰদী" যে ক'ত মৰহি গ'ল হেতেন তাক কোনে জানে? সেই কাৰণে আমি তেখেতক আমাৰ অন্তৰৰ কৃতজ্ঞতা জ্ঞাপন কৰিছো।

হাতে লিখা অৱস্থাতে বৰপেটাৰ শ্ৰীযুত অৰ্জ্জুনচন্দ্ৰ দাস ডাঙৰীয়াই কিতাপ খনি চায় দিয়ে আৰু মোৰ হিতাকাঙ্ক্ষী বন্ধু শ্ৰীযুত নন্দ মোহন কাকতীয়ে প্ৰেছত দিয়া সময়ত আমাক বহুত পৰামৰ্শ দিয়াৰ কাৰণে দুয়ো জনকে কৃতজ্ঞতা জনাইছো।

এতিয়া "দৰদী"য়ে অসমীয়া ৰাইজ আৰু বিশেষকৈ মোৰ "কটনীয়ান" বন্ধুসকলৰপৰা এফেৰি চেনেহ পালেও "দৰদী"ৰ জন্ম সাৰ্থক হব। ইতি—

গুৱাহাটী,
২৬।৭।৩৭ ইং।

লিখক



# উছৰ্গা

স্বৰ্গীয় জেঠাদেউ

৺বিক্ৰিৰাম সূত্ৰধাৰ দেৱৰ

পবিত্ৰ স্মৃতিত।

"তিলক"

# সূচী

বিষয় | পিঠি

## —প্ৰথম ছোৱা—



## —দ্বিতীয় ছোৱা—

—শেষ—

আজি আহাহে নীৰৱ পূজাৰী
পূজাৰ সমল লই ।
লগত নানিবা ষোড়শোপচাৰ
কৰণী আহিবা থই ॥

দুটি নয়নত
আনিবা চকুলো,
মন অভিমান
সমাপি সকলো,—
মাতৃ-চৰণ দিয়াহি তিয়াই
নীৰৱে নীৰৱে গই ।

শঙ্খ-আৰতি কাকো নুশুনাবা,
শিঙা বৰকাহ একো নবজাবা,
আৰতিৰ ধ্বনি পবনে উৰালে
পূজা যে নহব জয় ॥



বৰপেটা,
১৯৩৬ ।

ভাই অসমীয়া, বিহুৰ পেপাটি বা,
মন উচটোৱা
স্বাধীন সুৰত
বিহুৰ পেপাটি বা,
ভাই অসম, বিহুৰ পেপাটি বা ।
দূৰ অতীতৰ
স্বাধীন সুৰত
বনগীত এটি গা ।
নাহৰ ফুলিছে
তগৰ ফুলিছে
বইছে মাধুৰী বা,
বহাগীয়া ফুলেৰে মালা গাঁথি লই
জননী পূজালৈ যা ।
ভাই অসমীয়া জননী পূজালৈ যা ॥

গুৱাহাটী,
১৯৩৬ ইং

আজি মিলিছে আনন্দে প্ৰাণে প্ৰাণ
নাই ভেদাভেদ হিন্দু মুছলমান ।
জন্ম-ভূমিৰ পুণ্য পূজাত
মিলন ছবিটি আজি ;
আৰতি উঠিছে বাজি ;
আমি অসমীয়া আমি অসমীয়া,
নাই ভেদাভেদ হিন্দু মুছলমান ।

"অসম আমাৰ জন্ম ভূমি,"
একতা ছন্দত আজি
বিশ্বত উঠিছে বাজি,
পূজনীয়া অসম আমাৰ ধ্যান,
মাতৃ পূজাত নাই মান অভিমান ।

চিৰ চেনেহী আইৰ বাবে
সকলো উঠিল জাগি —
এলাহ-নিহালি ত্যাগি ;
ধৰা সকলোৱে একতা ছন্দে তান,
জয় জননী জন্ম-ভূমি গান ।

বৰপেটা,
১৯২৬ ইং ।

জনম ভূমিৰ পূজাৰ বাবে
নিজৰ জীৱন কৰিম পণ
যাম সাজি কাচি ৰণুৱা সাজে
যেতিয়া আহিব জাতীয় ৰণ ।

আহিব আকউ শঙ্কৰী যুগ'
আহিব আকউ লাচিত যুগ
আহিব আকউ শত মণিৰাম
দেশৰ কাৰণে কৰিব পণ ।

শত হেমচন্দ্ৰ হেমকোষ লৈ
জননী পূজাত দিবহি মন,
শত 'অম্বিকা'ই অকলে অকলে
হেং দাং লই কৰক ৰণ ।

গুৱাহাটী,
১৯৩৭ ইং ।

আজি অসমৰ সাৰদী বনত
বাজে সোণোৱালী বেণু
ৰতাহে বতাহে বিয়পি পৰিছে
ফুল্ল শেৱালিৰ ৰেণু ।

এফাকি লেছাৰি
স্বাধীন যুগৰ,
এফাকি ভটি৷ৗ
দান শঙ্কৰৰ ।

সেউজী পথাৰে নেঘেৰি খোপাৰে
নাচে বালা কণু জুনু,
অসমী অসমী চেনেহী অসমী
পৰাণ লভিছে পুনু ॥

গুৱাহাটী
১৯৩৭ ইং ।

আজি জননী পূজাৰ দিন,
শত জীৱনত বাজিছে নীৰবে
স্বদেশ-প্ৰেমৰ বীণ ।
নহওঁ নিঃস্ব হীন,
ৰাখিম প্ৰাণৰ চিন,
স্বদেশৰ বাবে
যুজি মৰি যাম,
আহিব গৌৰৱ দিন ।

আজি স্বাধীন যুগৰ ৰক্ত,—
অসমী-ডেকাৰ পৰাণত ৰব
নহব ৰণত শক্ত ।

আজি ৰতাহে বাইছে বীণ,
"জয়-জননী অসম" সঙ্গীতে—
আনিব উজ্জ্বল দিন ॥

ছিলং
১৯৩৭ ইং ।

ৰূপহি,

গালত বোলা'ল হেঙুলী চন্দন
ভৰাব মুকুতা চিটালি,
মলয়াই দিলে চুমাব পৰশ
সুৰভী সুষমা বিলালি।

বিহগে তেজিলে ৰাব,
গো'ধূলি-গোপালে পাহিটি মেলিলে
শেৱালি তুলিলে গাৱ।

সখিটি,

কোন সুদূৰৰ অচিন দেশত
ৰাঙলী অধৰ লুকালি,
স্মৃতি পাহৰণী হেৰোৱা দি'ৰ
হিয়াত আকউ জ্বলালি।

গুৱাহাটী,
১৯৩৭ ইং।

সন্ধিয়া আহিছে নামি
নিফুট সঙ্গীত পাই
মেঘ-বিমানত,
প্ৰকৃতি দেৱীয়ে শায়
মৃদুল মঞ্জীৰ যুৰি
দূৰ নীলিমত।

দূৰ সুদূৰৰ পৰা
মৰম বাৰতা আহে
মলয়া কোলাত,
মিলন মাধুৰী ঢালে
সেই বাৰতায়ে মোৰ
বিৰহী হিয়াত।

গুৱাহাটী,
১৯৩৬ ইং।

মধুৰ মাধৱী নিশা
অকলে অকলে বহি—
ভাবো মনে মনে,—
তুমি যেন
কাষৰতে আছা ।

লাজতেই ৰঙা পৰি
ফুলাম কাপোৰ খনি
দাঁতেৰে কামুৰি
কিয় তুমি
মুখেৰে নেমাতা ?

এটি বাৰ চেনেহেৰে
বাহু-পুষ্প যাঁছি দিলে
ক'ত যে লুকোৱা,
ব্যৰ্থ কৰি—
প্ৰেমৰ শলিতা ।

গুৱাহাটী,
১৯৩৬ ইং ।

হেৰা—কোননো মৌইয়া
ফুলনিৰ পৰা
জুমি জুমি চায় ?
মই— লুকাই লুকাই
চাবলৈই গলে—
চাৎ কৰে গুচি যায় ।

সখি— কিয়নো হে তুমি
ইদৰে সদাই
খেলিছাহি লুকা ভাকু,—
মোৰ— ব্যৰ্থ কৰি কিয়
হৃদি-লুইতৰ
মৰম-কল্পনা-সাকো ।

গুৱাহাটী,
১৯৩৬ ইং ।

প্ৰভাতী পৰতে
গায়কী কেতেকী
মিলন মাধুৰী
সুৰে,
বিহুৰ বাতৰি
দিলে ;

প্ৰবাসী ঘৰতে
শয়নে আছিলো
টোপনি ভাগিলে
মোৰে,
মনো উৰুৱাই
নিলে ।

গুৱাহাটী :
১৯৩৬ ইং ।

প্ৰভাতী বেলিৰ কনক জেউতি
লাহৰি ফুলত পৰে,
কলিয়া ভোমোৰা চৌদিশে উৰিলে
মৃদু গুঞ্জৰণ
স্বৰে ।
পৰাণ পগলা
কৰে ॥

কোমল হাতেৰে বিহুৰ পেপাটি
ৰাঙলি ওঁঠত তুলি
মাতিলে ঠাঁৱেৰে দীঘল সুৰেৰে
লগৰী আহিব
বুলি ।
হৃদয় দুৱাৰ
খুলি ॥

গুৱাহাটী,
১৯৩৬ ইং ।

জোনাকে হাঁহিছে নীল আকাশত
হিয়াৰ অমিয়া
ঢালি,
হৃদি-আকাশত কোনেনো হাঁহিছে
সুৰৰ মাধুৰী
তুলি ।

নয়নত নাভাহে তোমাৰ অধৰ
প্ৰবাসী তুমি সে
আজি,
মাথো তব স্মৃতি আছে পৰাণৰ
ব্যথাৰ তাৰত
বাজি ।

বৰপেটা,
১৯৩৬ ইং ঃ

আহা আহা চিৰ মনোৰম,
আলেঙে আলেঙে
ভাবি মোক—
হীন,
লুকাই থাকানো
আঙ্ক কত
দিন,—
ডুব মাৰি স্মৃতি-সৰসত ।

আহা আহা পুত প্ৰিয়তম,
নিদিবা হিয়াত
বিপুল বেদনা,
মনত অসহ
বিৰহ যাতনা,
স্মৃতি-বাণ মৰি হৃদয়ত ॥

বৰপেটা,
১৯৩৮ ইং ।

প্ৰাণৰ বেদনা
নোৱাৰি সহিব,
পৰাণ কান্দে কি সুৰ
তুলি ;
অতীতৰ কথা
হৃদয়ৰ ব্যথা
জীৱন মাধুৰী আহিছে
ভুলি ।

বিদায়ৰ বেলি
আকুল চাৱনি,—
গীতৰ সুৰত নাচিছে
দুলি ;
তাহানিৰ কথা
পৰিছে মনত,
বুকুত বিৰহ উঠিছে
ফুলি ।

বৰপেটা,
১৯৩৬ ইং

উথলি উঠিছে অশ্রু-সাগৰত
আনন্দ কণিকা এটি ;
উজলি উঠিছে সেই কণিকাত
মৰম-চেনেহ-প্ৰীতি ।

'আছিল সহি
বিৰহানলত
কোমল পৰাণ পুৰি,
আজি বিৰহৰ
পৰিছে ওৰ
মিলন আহিছে উৰি ।

সখা মিলনত
আকুল চকুত
জ্বলিছে ৰঙৰ কান্তি,
শতেক দিনৰ
বেদনা শেষত
হিয়াত লাগিছে শান্তি ।

বৰপেটা,
১৯৩৬ ইং ৷

আৰতি প্ৰদীপ
কোনেনে জ্বলালে
সন্ধিয়া পৰত,
নিফুট সুৰত
কোনে গায গান
দেৱ দেউলত ।
বিষ্ণুৰ চৰণ হৃদয়ত লই
নীৰব পূজাৰী
পূজাত মগন,
ভকতি দীপেৰে মন্দিৰ জ্বলাই
কৰিছে ধইন
পূজাৰ লগন ।

গুৱাহাটী,
১৯৩৬ ইং ।

সুদূৰৰ দূৰ
নীলিমা মাজেৰে
নয়ন বাণ
মাৰিছা তুমি,
বিজুলিৰ দৰে
নিমিষে লুকোৱা
নেদেখো মই
চালেও জুগি

পাহৰো বুলিয়ো
ভাবিলে মনত—
অনন্ত পিপাসা
হিয়াত বয়.
প্ৰেমৰেই বান
দিল-দৰিয়াত,
বিশ্ব-বুকুত
প্ৰেমৰ জয় ।

বৰপেটা,
১৯৩৬ ইং

নিখিল ভুবন
মুখৰিত কৰি
সুৱদি সঙ্গীত বাজে,
চন্দ্ৰমা তৰাই
নবীন সাজেৰে
নৱ আকাশত সাজে ।

মাধৱী নলিনী
খুলিলে ওৰণি
প্ৰীতি পৰশৰ লাজে,
আকুলী চকোৰ
উৰিলে চৌদিশে
মোহন ছবিটি ৰাজে ।

গুৱাহাটী,
১৯৩৬ ইং ।

তুমি যে সদায় কাষৰতে থকা
তথাপিও কিয়নো নিদিয়া দেখা
ইমান নিঠুৰ তুমি ?
ক'তনো কেতিয়া নীৰৱে ওলোৱা
বিজুলিৰ দৰে নিমিষে লুকোৱা,
দূৰ নীলিমাত তুমি ।

তুৰ পূৰ্ণিমাৰ জোনাক-সোঁতত,—
মোহন বীণাৰ মধুৰ সুৰত,—
ভুলোৱা মৰত তুমি ;
আহা আহা আহা সখা প্ৰিয়তম,
মানৱ-হিয়াৰ চিৰ মনোৰম,
ফাগুণ বসন্ত তুমি ॥

গুৱাহাটী,
১৯৩৬ ইং ।

ফুলৰে সুৰভি
পৰিছে বিয়পি
অৱনীত বাজে
অমিয়া গান,
মৃদু মধু গন্ধে,
স্মৃতি ভৰা ছন্দে,—
তুলিছে হিয়াত
অতীত তান ।

সুনীল আকাশে
হাঁহিছে জোনাকে
ধৰাত ঢালিছে
সুৱদী সুৰ,
স্মৃতিৰ ছবিটি
বুকুতে সাৱটি
বিধুৰ হিয়া
পৰিছে জুৰ ।

গুৱাহাটী,
১৩৩৬ ইং ।

মহা অসীমৰ সোণালী সঙ্গীত
পাহাৰে প্ৰান্তৰে বাজে,
কোন অজানাই মানসী প্ৰতিমা
হিয়াৰ মাজত সাজে ।

চকিত চঞ্চল
তনু প্ৰাণ মন,
অথিৰ অধিৰ
বিৰহ বিমন
আজি শৰতৰ বৃন্দা-বিপিনত
কাৰনো মুৰলী বাজে ।
থমকি থমকি সুৰ মৰে যায়
নীলীম-আকাশ মাজে ॥

গুৱাহাটী,
১৯৩৭ ইং ।

সপোনতে সখী          পালেঁ বাতৰি
দিঠকে বাউলা হয়,
বোলে চিত্ৰলেখা          নাকান্দিবা সখী
ভুবনে আনিম মই।
পালো সপোনত
প্ৰাণ-প্ৰিয় মোৰ,
দিঠকত নাই,-
আছে চকু লোৰ;
যোৱা চিন সখী,          কুমৰক লই
আহিবা শোণিতপুৰ,
বিৰহ বেদনা          মধু যামিনীৰ
পৰাণে নসহে মোৰ ॥

গুৱাহাটী,
১৩৩৬ ইং।

নীলিমাত আজি
কোন অপৰূপে
পাতিছে ৰূপৰ খেলা,
বিশ্ব-নিখিলত
এস্তুৰা শুৱনি
কিহৰ আজিনো মেলা।

গগন কঁপাই
সুৰদী সুৰত
বাজিছে সুন্দৰ বীণা
তথাপিয়ো কিনো
কি এটি ভাৰত
পৰাণ আজি যে দীনা।

গুৱাহাটী,
১৯৩৭ ইং।

চৰণ নেপূৰ ধ্বনি
শুনো আজি ৰিণি ৰিণি,
কোন আহে
কোন আহে অই;
নেহাৰি কুসুম পাহি
চকুলোৰে যায় ভ্যাহি
বীণ বায়
কোনে ৰই ৰই

সপোনে সচিতে আজি
মৃত্ত সুৰ উঠে বাজি,
চৰণ-নেপূৰ ধ্বনি,
ঘুগুৰাৰ জুনজুনি ;
তুৰ্বৰিত মুকুতাৰ মালা
কোনে গ'ল থই ?
সুদূৰৰ সপোন বাৰতা
কোনে দিলে কই ॥

গুৱাহাটী,
১৯৩৭ ইং ।

কেনেনো বাচিলে লতা-ফুল নিয়ৰত
কোনেনো বাচিলে ভৰা,
কোনেনো সিঁচিলে মুক্তা ফুল বননিত
দেখিলে বলিয়া কৰা।

বিহুৰে ৰৰৈনে বাঁহৰে থৰ কৈ
গাভৰুৰ হিয়া খন ভৰা,
দেহা নৌ উকঙা মন এই উকঙা
নিজৰাৰ ঢেঁকেলী ভৰা।

যাব এই উজুৱাই নামনিৰ গাভৰু
নহব জাবাতে ভৰা,
বহাগ বতাহত উৰি গৈ লভিব
ভাঙিব বিধাতাৰ জৰা

গুৱাহাটী,
১৯৩৭ ইং।

মন সাগৰৰ
বিজন পাৰত
নীৰৱ বীণা উঠিল বাজি,
গোলাপী কুঞ্জত
সোণ ছটিয়ালে
কোনেনো মৃদু পৰশি আজি !

কেন্দুৰা সুন্দৰ
কিনো অপৰূপ,
কোন নন্দনৰ
পাৰিজাত ফুল,—
আহে নানা ৰিতে,
পুলকিত চিতে,
নৱ আভৰণে সাজি,
হেৰোৱা দিনৰ
নবীন উছৱ
উঠে পৰাণত বাজি ॥

গুৱাহাটী,
১৯৩৭ ইং ।

বইছে মলয়া
হালি জালি পৰে ফুল,
পাহাৰৰে বন
হই উচাটন
পৰে ঢলি বিয়াকুল,
হালি জালি পৰে ফুল ।

এছাটি সমীৰে
পৰাণ কৰিছে ভুল,
দাঘলী ঢেকীয়া
কেনে শুৱনিয়া
নাই কোনো তাৰ তুল,
পৰাণ কৰিছে ভুল ॥

গুৱাহাটী,
১৯৩৭ ইং ।

আজি কুঞ্জে কুঞ্জে
উৰিছে ভোমোৰা,
ফুলত নাচিছে
পখিলা সখী ;
বিৰিখত আজি
গাইছে বিহগে
অৰুণ-কিৰণ
ওলোৱা দেখি ।

তটিনী-বুকুত
ৰাঙলী ৰহণ,
শৈল-শিখৰত
সোণালী বৰণ ।
কৰা উপভোগ
আহা ভাই ভণী,
ধৰাৰ মাধুৰী
চেনেহী সখী ॥

গুৱাহাটী,
১৯৩৭ ইং

কেনুৰা শুৱনি
চিকিমিকি তৰাৰে শাৰী ।
নিজম যামিনী
জীৱন কাহিনী
নিফুট বিননি—
মলয়াত ফুৰিছে ভাহি,
শুৱনি ঝঙ্কাৰ হাঁহ ।

ধৰাৰ আঁচল
মলয়াই দিয়েছে লাখি ।
নীৰৱ বীণাও
ক'ৰ দখিণাৰ
মধু মূৰ্চ্ছনাত—
সুপ্ত হিয়া উঠিছে জাগি,
ক'ৰ ফাগুণৰ বা' লাগি ।

বৰপেটা,
১৯৩৭ ইং

তোমাৰ স্মৃতি জাগে,—
নীল আকাশত সন্ধিয়া বেলা
বিজুলী যেতিয়া হাঁহে ॥

তাৰকা ৰাশিৰ
মৃদু হাঁহিটিত,
সন্ধিয়া পবৰ
সমীৰ ছাটিত,
যেতিয়া গগন উপচি পৰে.—
তোমাৰ স্মৃতি জাগে ।

নিশা মাৰ যা'য়
করুণ সুৰত,
দিগ দিগন্তৰ
অচিন পুৰত ;
শেষ-মিলনৰ এছাটি আহি
মলয়াৰ বা' লাগে,
তোমাৰ স্মৃতি জাগে ॥

গুৱাহাটী,
১৯৩৭ ইং

ডাৱৰৰ আঁৰে আঁৰে
কাৰনো হাঁহিটি অই
বিৰিঙিছে নীলিমাত সউ ।
ৰাঙৃৱালী অধৰৰ
হেঙুলী কিৰণ সতে
জৰি পৰে অমিয়াৰ মউ ।

সু-জুৰ সন্ধিয়া আহে—
মধুৰ স্মিৰিতি ভাহে,
মন-সাগৰৰ
উদাস পাৰত অই ।
পৰাণ পুলকে নাচে,
কাৰনো ছবিটি আছে—
মোৰ জীৱনৰ
মানস-পুৰত ৰই ॥

গুৱাহাটী,
১৯৩৭ ইং ।

মম মন আজি ফাগুণ দিনত
সচকিতে উঠে প্ৰাণ নাচি
কাৰ এটি হেৰোৱা চিনত।

কোনে গায় গান নীলিম-পুৰত,—
পুৰৱী বসন্ত ললিত দীপক
বাজে মোৰ হিয়াৰ চুকঁত।

মোৰ স্মৃতি যদি ৰাখিছা মনত,—
বেদনাৰ চকুলো এটুপি
অযাচিতে দিবাহি পেলাই
(মোৰ) মৰণৰ স্বৰ্ণ কুটিৰত॥

ছিলং,
১৯৩৭ ইং।

চিন্ন মেঘৰ শূন্য বুকত
কাৰনো বেদনা উঠিল জাগি.
মনত পাৰিল কাহানিৰ কথা
ক'ৰ মলয়ৰ পৰশ লাগি ।

ক'ৰনো বিহগী
কিনো গীত গায়,
বিৰহ ব্যথাত
বননি কঁপায় ;
বন্ধ হিয়াৰ গুপুত বাণী
কাকনো জনায় বিদায় মাগি,
নিচ্চিক পৰে গন্ধ মাধৰী
শতেক দিনৰ জীৱন ৰাগি ॥

ছিলং,
১৯৩৭ ইং ।

মাধৱী মধুময় ফাগুণ দিনতে
বাজে আজি কাহানিৰ সুৰ,
নাহাৰে নাগৰে ঐ জীৱনৰ গীতে
কৰে বিশ্ব আনন্দত পুৰ ।

মঙ্গল মুৰুলী ধ্বনি
বাজিছে আকাশ ছানি,
পাষাণতো নিজৰাৰ
সুৰ;
কুলি তই গোৱা নাই
মৃদু সুৰে নীলিমা কঁপাই
কোনে নিলে গীতিমালি
তোৰ ?
সখী তোৰ দেখি মলিন মুখনি
বহু পৰে মোৰ চকুলোৰ ॥

গুৱাহাটী,
১৯৩৭ ইং।

কোন বিস্তৃতীৰ বন গীত ফাকি
পাৰল কাণত মোৰ.
কোন অতীতৰ স্বাধীন সুৰটি
ৰাখিছ বুকুত তোৰ।

কত বৰ নৈৰ বিশাল পাৰত
জগাই গীতৰ সুৰ,
কত প্ৰেমিকৰ সোণৰ প্ৰতিমা
লুকাই কৰিছিল চুৰ।

মেঘেৰি খোপাতে কপৌ পাহিটি
ৰাখিছ সোমাই তোৰ,
জেতুকা ৰঙেৰে ওঁঠটি বোলাই
জীৱন ভুলালি মোৰ।

ছিলং,
১৯৩৭ ইং।

ভৈয়ামৰ আজি এছাটি সমীৰে
কিহৰ মাধুৰী লই,
গুপুত পৰাণ কৰিলে মুকুত্
কিহৰ বাতৰি কই।

নিজৰাৰ কত
কুল কুল কুল,
কাৰ ভাৱনাত
হৃদয় ব্যাকুল;
কিনো আচৰিত তৰাই তৰাই
কিয়নো জ্বলালে জুই ?—
দিব শেষ কৰি শতেক বেদনা
কিহৰ বতৰা কই ॥

ছিলং,
১৯৩৭ ইং।

পাষাণে নিদিয়ে চুমা ;
জীৱনে জীৱনে মাধুৰী জনায়,
তৰা-দীপালিয়ে যৌৱন জগায়,
নিজৰাই শত কাবৌ কৰিলে
পাষাণে নিদিয়ে চুমা ।

সিদিনা বিদায়-দিনা,—
সন্ধিয়া সমীৰে উচুপি কান্দিলে,
পূৰ্ণিমাৰ ৰাতি জোনে নাহাহিলে,
কত নিজৰাই কান্দি বই গ'ল,
নীৰৱ উত্তৰ-বাণা ।

জীৱন-বিষাদ দিনা,—
পূৱাৰ বেলিক কুঁৱলী ঢাকিছে,
পূৰ্ণ হেপাহৰ মেলানি মাগিছে,
শীতল হাৱাই কই কই যায়,—
তোমাতে সকলো লীনা ।

ছিলং
১৯৩৭ ইং ।

আহিব হেৰোৱা দিন,<br>
আমৰ ডালত<br>
কুলিয়ে বিনালে,—<br>
প্ৰভাতী পৰত<br>
শেৱালি ফুলিলে—<br>
জাগিব পুৰণি চিন।<br>
নাৰাখো আপোন ভিন;<br>
সেউতি তগৰে<br>
জগাই গন্ধ,<br>
নিজৰা বুকুত<br>
ৰজাই ছন্দ—<br>
তোমাতে কৰিব লীন।<br>
নাভাবিবা মোক হীন,<br>
জীৱন-কুসুম<br>
ক্ষণে ৰই যায়,<br>
মধু দিবসতো<br>
বেলি লহিয়ায়,—<br>
নথকা একেবাৰে চিন ॥

ছিলং,<br>
১৯৩৭ ইং।

কত যতনেৰে গঁথা মালাধাৰী
ডিঙিতে নিদিলে আঁৰি,
বেলি লহিয়ালে ফুলো শুকোৱালে
হাতেৰে থাকোতে লাৰি।

কোকিলে কান্দিলে সুৰে,
বতাহে কান্দিলে দূৰে,
নিজৰা বৈ গুচি গ'ল
ব্যথা নয়নৰ লোৰে।
তৰাই নিদিলে দেখা,
শোকৰ চোদিশে লেখা,
আজি আকাশৰ সন্ধিয়া হাৱাত
বেদনা আহিছে উৰি,
ফুলিছে মদাৰ বাঙলী ৰঙেৰে
কঠুৱা হাঁহিটি মাৰি॥

ছিলং
১৯৩৭ ইং

ফুল-পৰিমলে নিলেহি মাধুৰী
প্ৰাণৰ লখিমী মোৰ,
গালে গীত ফাকি ফাগুনী চৰায়ে
সুৰৰ্দ্দি কণ্ঠৰ তোৰ।

ফুলাম অঞ্চল উৰিলে তৰাই
আছিল বুকুতে তোৰ,
কান্দোনৰ পানী ললে নিজৰাই
তোৰেই নয়ন লোৰ।

ডাৱৰে পিন্ধিলে কলা চুলিটাৰি
থিতাতে কৰিলে দূৰ,
যিখিনি আছিল মধুময় স্মৃতি
বতাহে কৰিলে চুৰ।



ছিলং
১৯৩৭ ইং।

